# যযম্বেদ।

———:০✻০:———

শ্রীবিষ্ণুৰাম দাস দ্বাৰা সংগৃহীত।

প্ৰকাশক।

এজেঞ্চি কোম্পানী।

পোঃ আঃ ৰিহাবাৰি আসাম।

—০ঃ০✻০ঃ০—

প্ৰথম তাঙ্গৰণ।

সন—১৯০৯।

আসাম ৰিহাবাৰি, গৌৰী শঙ্কৰ যন্ত্ৰত;
শ্ৰীৰত্নেশ্বৰ চক্ৰবৰ্ত্তী দ্বাৰা মুদ্ৰিত।

মূল্য ৵০ দুই অনা মাথোন।




শ্রীকৃষ্ণায় নমঃ ।

# ষষম্বেদ ।

—:*:—

পদ ।

জয় নিৰঞ্জন জগতৰ আদি দেৱ ।
ব্ৰহ্মা মহেশ্বৰে যাক সদা কৰে সেৱ ॥
নমো নমো নিৰাকাৰ অনাদি ঈশ্বৰ ।
সমস্ত প্ৰাণীৰ আত্মা তুমি মহেশ্বৰ ॥
সৃজন পালন তুমি বিনে নাহি কেৱ ।
তোমাত শৰণ লৈলোঁ প্ৰভু নাথ দেৱ ॥
লীলায়ে কৰিলা তুমি দশ অবতাৰ ।
হেনয় কৃষ্ণক কৰোঁ কোটী নমস্কাৰ ॥
নমো ভগৱন্ত ভকতৰ দয়ানিধি ।
হৰিক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥
শুনা সভাসদ হৰ গৌৰীৰ সংবাদ ।
কোটী জনমৰ হৌক পাতক উচ্ছাদ ॥
চাৰিবেদ মাজে ষষম্বেদ বুলি যাক ।
সেহি কথা গৌৰী পূৰ্ব্বে পুছিলা হৰক ॥

পার্ব্বতী বদতি শুনিওক প্রাণ নাথ।
আৰো এক কথা মই পুছিবো তোমাত ॥
কহিলাহা আত্মতত্ব জ্ঞান যোগ কৰ্ম্ম।
নকহিলা মোত ষষম্বেদ নিজ ধৰ্ম্ম ॥
চাৰিবেদ বাহিৰে অময়া বুলি যাক।
নিজধৰ্ম্ম ষষম্বেদ কহিও আমাক ॥
নির্গুণ নিশ্চল জগতৰ নিৰাময়।
হেন নিৰঞ্জন মোক দেখাও প্ৰত্যয় ॥
পাৰ্ব্বতীৰ বাক্য পাছে শুনি ত্রিলোচন।
দেবীক সম্বুদ্ধি পাছে বুলিলা বচন ॥
ধন্য ধন্য দেবি মহা বিষ্ণু অংশেজাত।
পৰম নিগুৰ্ণ কথা পুছিলা আমাত ॥
শুনিয়োক কহো ষষম্বেদ বোলে যাক।
ব্ৰহ্মা ব্ৰিষ্ণু দেৱ সবে নজানে ইহাক ॥
মই জানি আছোঁ মাত্র কিঞ্চিৎ ধ্যানত।
কোনে কহিবাক পাৰে ইহাৰ মহত্ব ॥
আদি অন্ত কথা কহো শুনা বিদ্যমান।
সমূলঞ্চে কৰি মই কহিবো প্ৰমাণ ॥
প্ৰথমতে পুৰুষৰ শূন্যে ভৈলা জাত।
তাহানেসে নাম আদি জানিবা সাক্ষাত ॥
আদিৰ উদৰে আছে শূন্য, অপ, ৰস।
তাক কহিবাক লাগি মোৰ নাই সাস।

মধ্য শূন্যে প্ৰকাশ ভৈল আসি আদি ।
তাহানেসে পুত্ৰ ভৈলা জানিবা অনাদি ॥
উপজিয়া অনাদিয়ে জ্যোতিৰ্ম্ময় ভৈলা ।
পাছে আদি শূন্যত অনাদি লয় গৈলা ॥
সেহি বেলা অনাদি আছন্ত শূন্য মাজে ।
নাই একজন আউৰ আপোনাত বাঝে ॥
সেই বেলা হৰি নামে ভৈলা উতপতি ।
তিনি পুৰুষৰ কথা কহিলোঁ সম্প্ৰতি ॥
হৰি নামে যেতিক্ষণে ভৈলা উতপন্ন ।
চাৰিযুগ তেখনে ভৈলা সমুৎপন্ন ॥
উষ্ণ ধূম্ৰ নীল জ্যোতি এইচাৰি যুগ ।
শূন্য ভাগে থাকিলন্ত নপাই সংযোগ ॥
এহি চাৰি যুগত অনাদি উতপতি ।
সিবেলাৰ চাৰি যুগ কহিলোঁ সম্প্ৰতি ॥
উপজিয়া অনাদিও শূন্য ভাগে গতি ।
আপুনি আছামাত্ৰ নাহিকে প্ৰকৃতি ॥
নাহি ৰেখা ৰূপ জ্যোতি নাহি বৰ্ণা বৰ্ণ ।
বসিবাৰ লাগি প্ৰভুৰ নাহিকে আসন ॥
নাহি জল নাহিথল নাহি দিন ৰাতি ।
নাহি চন্দ্ৰ নাই সূৰ্য্য নাহি বসুমতী ॥
নাই স্বৰ্গ নাহি মৰ্ত্ত্য নাহিকে পাতাল ।
নাহি ব্ৰহ্মা নাহি বিষ্ণু কাল যে বিকাল ॥

নাহি স্মৃতি জ্যোতির্ব্বেদ নাহি অন্য তন্ত্র।
নাহি বেদ নাহি পূজা নাহি অন্য মন্ত্র ॥
সৃষ্টি কৰিবাক লাগি ভৈলা তান মন।
জ্যোতি মনসাক দেখি লস্ত নিৰঞ্জন ॥
মনে আলোচিয়া বাম অঙ্গে হাত দিলা।
শৰীৰৰ মাংস পাই মুঠিত ধৰিলা ॥
মুষ্ঠিৰ ভিতৰে তিৰীরূপে জাত ভৈলা।
অনাদি ঈশ্বৰে তান মনসা নাম থৈলা ॥
শূন্যভাগে আছা প্ৰভু হুয়া ধূম্ৰ ময়।
মনসা স্বৰূপে মায় গোট যে আছয় ॥
শুনিওক কহোঁ দেবী ব্ৰহ্মাৰ বিচাৰ।
নখে ছিড়ি মনসাৰ কৈলা যোনিদ্বাৰ ॥
নখত আসিলা যত মল মাংস খসি।
সেহি মাংসে ভৈলন্ত কাশ্যপ মহা ঋষি ॥
সেহি মাংসে সপ্তস্বৰ্গ পাতাল যে মহী।
তৰু তৃণ সমস্ত পৰ্ব্বত আছে ৰহি ॥
সেহি মাংসে সপ্তদ্বীপ তাৰাগণ ভৈলা।
তেজ অপ ভাগে চন্দ্ৰ সূৰ্য্য দুই ভৈলা ॥
পঞ্চভূত ইন্দ্ৰি সব কৰিলা সৃজন।
ভৈলন্ত পৃথিবী পাছে আপুনি বৰুণ ॥
আপোনাৰ কায়াত আপুনি যে জন্মিলা।
পৃথিবীক ঢাকিয়া অনন্ত শয্যা ভৈলা ॥

আত অনন্তৰে দেবী শুনা ব্ৰহ্ম জ্ঞান।
ওঙ্কাৰেসে ভৈলা আসি জগতৰ প্ৰাণ॥
আপুনি ঈশ্বৰে ভৈলা ওঙ্কাৰ সাক্ষাত।
ওঙ্কাৰত হন্তে আমি তিনি ভৈলো জাত॥
তেহোঁ ভৈলা পিতৃ আমি তানে ভৈলোঁ ছেলা॥
সত্ত্ব ৰজ তম গুণ ভৈলা সেহি বেলা॥
আপোনাৰ চাৰি বৰ্ণে চাৰি যুগ ভৈলা।
সত্য ত্ৰেতা দ্বাপৰ যে কলি উপজিলা॥
ওঙ্কাৰৰ হন্তে চাৰি বেদ বাজ ভৈলা।
শ্ৰেষ্ঠ পুত্ৰ বুলিয়া ব্ৰহ্মাৰ হাতে দিলা॥
অকাৰ উকাৰ মকাৰ আৰু ব্ৰহ্মজ্ঞান।
বিষ্ণুক দিলন্ত পাছে পঞ্চম্বেদ খান॥
যযুৰ্ব্বেদ আমাক দিলন্ত নাৰায়ণ।
পিতা পুত্ৰ সমে পাছে ভৈলা একজন॥
শুনিওক কহোঁ দেবী এই তত্ত্ব সাৰ।
আপুনি ভৈলন্ত ব্ৰহ্ম জগত আধাৰ॥
বহুবিধ অণু ভৈলা আপুনি অনাদি।
মহাৰসে ভৈলা পাছে শুদ্ধ সত্ত্ব আদি॥
পৰমাত্মা ৰূপে প্ৰবেশিলা গাৰে গাৰে।
স্থূল শূন্য সূক্ষ্ম ৰূপে প্ৰকাৰণ ভাৰে॥
আদি অনাদিৰ নাম মানসা আতি সাৰ।
ৰাম কৃষ্ণ হৰি নাম জগত আধাৰ॥

পশুপক্ষী কীট বৃক্ষ পতঙ্গ পৰ্য্যন্ত।
দেহৰ ভিতৰ কৰি থৈলা ভগৱন্ত॥
নাভিহন্তে ভৈলা জাত যতেক পাতাল।
বাহুহন্তে বাজ ভৈলা মর্ত্ত্য যে কেৱল॥
নাভি কমলেসে ভৈলা মেৰুৰ শিখৰ।
চৰণত বসুমতী পাৰত সাগৰ॥
মৃদঙ্গ স্বৰূপে জলে আছিলন্ত আদি।
তাহানে পুত্ৰ ভাৱে আছিলা অনাদি॥
তেহোঁ পিতৃ ভৈলা আসিতানে পুত্ৰগণ।
অদ্যাপিও চিন্তো আমি তাহান চৰণ॥
যোগ ৰূপে চিন্তি আমি আছো তাঙ্ক সেৱি।
তোমাৰ জন্মৰ কথা শুনিওক দেৱী॥
মনসা মাতৃক পিতৃ বিহা কৰাইলা।
দুইৰো সংযোগে মহাৰস উপজিলা॥
সেহি মহা ৰস ভৈলা জগত আধাৰ।
উৎপত্তি প্ৰলয় সৃষ্টি স্থিতিৰ সংহাৰ॥
বিষ্ণু সম নাম এক জানিবা সম্প্ৰতি।
স্বামীৰ সংযোগে পাছে ভৈলা উতপত্তি॥
প্ৰভাতৰ সূৰ্য্য যেন জলন্তে আছয়।
তাহাঙ্ক দেখিয়া কৃপা ভৈলা কৃপাময়॥
জ্যোতি কেসে নামে দেব মহা গুণ বন্ত।
উদ্ধাৰ কৰিয়া প্ৰভু দিলন্ত সমস্ত॥

সেহি বেলা ঈশ্বৰে দৈবজ্ঞ ৰূপ ভৈলা ।
সেহিক্ষণ হন্তে আঠ যুগ আসি ভৈলা ॥
সেহি সময়ত দশ দিক নাম থৈলা ।
শূন্য হন্তে জোতিষ শাস্ত্র খান আসি ভৈলা ॥
ভূত ভবিষ্যত বর্ত্তমান যত হয় ।
যৈত যিবা থাকে তাক গণিয়া কহয় ॥
দৈবক্ক গণিয়া থাকে নিচিন্তয় আন ।
এতেকেসে দৈবজ্ঞ নাম ভৈলা তান ॥
পূৰাতন গূঢ় কথা কহিলো নিশেষ ।
উর্দ্ধযে দৈবজ্ঞ জন্ম চতুর্ব্বর্ণ শেষ ॥
এতেকেসে জানা শুনিওক মহাভাগ ।
অগ্রপূজা দিলা প্রভূ সর্ব্ব কর্ম্ম ভাগ ॥
ব্রহ্মাৰ বদনে জানা ভৈলন্ত ব্রাহ্মণ ।
ব্রহ্মাক ধিয়াই থাকে নিচিন্তিয়া আন ॥
ব্রহ্মাতনু দেহাগোট জানা শুদ্ধ সত্ত্ব ।
যিবাজনে ভ্রমে গৈয়া শ্মশাণ শালত ॥
চাণ্ডাল সদৃশ হয় জানিবা সম্প্রতী ।
তোমাৰ আগত মই কহিলো পার্ব্বতী ॥
ব্রহ্মাৰ বাহুত হন্তে ক্ষেত্রিয় উৎপন্ন ।
ক্ষেত্রি আদি জাত ভৈলা যত বর্ণাবর্ণ ॥
ব্রহ্মাৰ উৰুত হন্তে বৈশ্য ভৈলা জাত ।
পাদ মধ্যে সুদ্র সব জানিবা সাক্ষাত ॥

এহি চাৰি জগতৰ সৃষ্টি আদি মূল।
মনসাত হন্তে আসি মায়া উপজিলা ॥
দিতি অদিতিত ধ্রুব দেব আদিকৰি।
একশত ভাৰ্য্যা কাস্যপক দিলা হৰি ॥
দিলন্ত ব্ৰহ্মাক পাছে সাবিত্ৰী ব্ৰাহ্মণী।
বিষ্ণুক দিলন্ত সৃজি প্ৰভু লক্ষ্মী আনি ॥
ৰম্ভা তিলোত্তমা শচী আদি যে মহিষী।
সিবেলাত ইন্দ্ৰক দিলন্ত হৰি হাসি ॥
আমাক মাতিয়া পাছে অনাইলা ঈশ্বৰে।
দিলো মনসাক তুমি নিও মহেশ্বৰে ॥
সৃষ্টি কৰিবাক লাগি যায়োক সত্বৰে।
তোমাক আমাক ভিন্ন কৰে যিটো নৰে ॥
সেহিসে অজ্ঞানী নৰ অধম পাষণ্ড।
ত্ৰিশূলে কাটিয়া তাক কৰো খণ্ড খণ্ড ॥
পুৰাতন কথা কৈলোঁ মই মহেশ্বৰ।
সাংখ্য যোগ সমে তুমি মোৰ কলেবৰ ॥
ব্ৰহ্মা বিষ্ণু ভাঙ্গিয়া তোমাত যাইব লয়।
মোহৰ ভঙ্গ নাহি জানিবা নিশ্চয় ॥
শুনা সভাসদ পদ ষষশ্বেদ সাৰ।
এহি কথা গৌৰীত কহিলা মহেশ্বৰ ॥
ষষশ্বেদ পঢ়ে যদি পিতৃৰ শ্ৰাদ্ধত।
উদ্ধাৰ হোৱয় তাৰ পুৰুষ একশত ॥

তাৰ পিতৃ পিতামহ স্বৰ্গলোকে স্থিতি ।
আনন্দে বসিয়া থাকে কৰিয়া বসতি ॥
আদি পুৰুষৰ হস্তে সমস্তে জন্মিল ।
পূজা কৰি বিপ্ৰ সবে হৰিক যজিল ॥
হৰি তুষ্ট ভৈলে পিতৃ পুত্ৰেৰ কাৰণ ।
শ্ৰদ্ধাতে সেবন্ত থাকি বৈকুণ্ঠ ভূবন ॥
কৃতাঞ্জলি কৰি পুছে দেবি যে পাৰ্ব্বতী ।
যম্যেন্দ কথা এহিমানে সমাপত্তি ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনিও সম্প্ৰতি ।
হৰি নাম বিনে নাই কাৰিত ভকতি ॥
সকলৰে জন্ম কৰ্ম্ম আছে যমস্বেদ ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ কহিলোহু ভেদ ॥
শুনিওক সভাসদ দেখা বিদ্য মান ।
হৰিসে কৰিতে পাৰে সকলকে ত্ৰান ॥
হৰিৰ ভকতি সবে কৰা নৰ নাৰী ।
হৰিতুষ্ট হইলসে সংসাৰক তৰি ॥
ঋক্ যজুঃ সাম অৰ্থৰ্ব্বেদ কথাজানি ।
যমস্বেদ দেবীত কহিলা শূল পানী ॥
পুৰাতন গোপ্য ইটো জগতত সাৰ ।
আক কহি শুনি নৰে তৰোক সংসাৰ ॥
চাৰিবেদ সাৰ যমস্বেদ আক জানি ।
নিন্দা নকৰিবা আক তিলেক প্ৰমানি ॥

জাননী।

## শীতলা।

—০—

বসন্ত ৰোগত শীতলাৰ স্তৱ স্তুতিৰ বাহিৰে অন্য মন্ত্র বা ঔষধত গুণ নহয় এইটি সকলোৱেই জানে আৰু তাতে কেইজন মানে শীতলাৰ নিমিত্তে অনুৰোধ কৰা দেখি, বহু পুৰুষার্থেৰে প্রাচিন পুথি বিচাৰি ৺জয়ৰাম কবিৰ ৰচিত পুথিৰ পৰা প্রকাশিলো। ইয়াত নানা তৰহেৰে স্তৱ, স্তুতি, নাম, পদ, ঘোষা আদিৰে ভাগে ভাগে লিখা আছে, কাগজ আৰু ছপাও উত্তম। বেচ ৶০ তিনি আনাৰ ঠাইত ৴৷ অনা মাথোন।

———

## ধৰ্ম্মসংবাদ।

—০:৯:০:০—

ধৰ্ম্ময় চণ্ডাল বেশেৰে মহাৰাজ যুধিষ্ঠিৰক ছলনাৰ প্রশ্ন স্বৰূপে গৃহাশ্রমী সকলৈ দিয়া ধৰ্ম্মোপদেশ পূর্ণ গ্রন্থ। ৺ শিৱসিংহ ৰজাৰ আদেশ মতে ৺ কবি দ্বিজ নাথে মহাভাৰতৰ অন্তর্গত অশ্বমেধ পৰ্ব্বৰ পৰা অসমীয়া পদত লিখা। বেচ ।০ এমহাৰ ঠাইত ৴০ এক আনা মাথোন।

শ্রীনন্দেশ্বৰ চক্রবর্ত্তী।

পোঃ আঃ ৰিহাবাৰি আসাম